# তীৰ্থভূমি

ৰীতা চৌধুৰী

পৰিবেশক

দত্ত ব্ৰাদাৰ্চ

পানবজাৰ

গুৱাহাটী—১

প্ৰকাশক :
বিনোদ ভূঞা
দীপ্তি প্ৰকাশ
পানবজাৰ
গুৱাহাটী-১

প্ৰথম প্ৰকাশ—ফেব্ৰুৱাৰী ১৯৮৮

বেটুপাত শিল্পী—ত্ৰৈলোক্য দত্ত

বেচ্—২৫ টকা

মুদ্ৰাকৰ :
শ্ৰীমানিকলাল ভট্টাচাৰ্য্য
গৌৰী প্ৰেছ
২এ কেদাৰ দত্ত লেন
কলিকতা-৬

অসমৰ
অস্তিত্ব ৰক্ষাৰ
সংগ্ৰামত
মোৰ সকলো
জাতি অজাতি সতীৰ্থৰ হাতত

# আত্মকথা

স্বাধীনোত্তৰ ভাৰতবৰ্ষৰ শোষিত আৰু প্ৰৱঞ্চিত অসমীয়া জাতিয়ে বিভিন্ন সময়ত কৰিব লগা হোৱা সংগ্ৰামৰ বহু সৰু-ডাঙৰ ঘটনাই খ্যাত অখ্যাত বহু চৰিত্ৰই মোৰ মনত ৰেখাপাত কৰিছে মোক উৎসাহিত কৰিছে অনুপ্ৰাণিত কৰিছে। অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামৰ আজিও সমাপ্তি ঘটা নাই। অসমীয়া মানুহৰ এই প্ৰবাহমান জাতীয় আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামত কোনো সতীৰ্থক মোৰ লিখনিয়ে যদি সামান্যতমো অনুপ্ৰেৰণা যোগাব পাৰে সেয়ে হ'ব মোৰ সাৰ্থকতা। উপন্যাসৰ চৰিত্ৰসমূহ সম্পূৰ্ণ কাল্পনিক। কিবা কাৰণত কোনো বিশেষ ব্যক্তিৰ লগত যদি কোনো বিশেষ চৰিত্ৰ মিলি যায় সি মোৰ সম্পূৰ্ণ অনিচ্ছাকৃত। মোক লিখিবলৈ অনুপ্ৰাণিত কৰা প্ৰতিজনলৈকে মোৰ কৃতজ্ঞতা জনালো।




গুৱাহাটী ... ত্ৰা চৌধুৰী

# ১

পাটনাৰ ব্যস্ত ৰাজপথ। সময় আবেলি। দিনটোৰ প্ৰচণ্ড গৰমৰ পিচত জুৰ পৰা আবেলি।

ব্যস্ত পাটনা। টাঙ্গা, চাইকেল মটৰৰ অবিৰাম অহা যোৱা। কাৰো যেন এখন্তেকো ৰবলৈ আহৰি নাই। কত লক্ষ্য কত উদ্দেশ্য কত বিচিত্ৰ চিন্তা চৰ্চা। নগৰৰ গতিময় জীৱন যাত্ৰা। কেৱল গতি। ৰাজপথ জুৰি, মহানগৰ জুৰি যান্ত্ৰিক সভ্যতাৰ নাচোন কাচোন।

সেই জুৰ পৰা আবেলি ব্যস্ত পাটনাৰ ৰাজপথৰ যন্ত্ৰগতিৰ সতে তাল মিলাইছে অলকেশে। উদীয়মান সাংবাদিক অলকেশ হাজৰিকা। ভাৱপ্ৰৱণ খেয়ালী বেপৰোৱা অলকেশ হাজৰিকা। তাৰ পিন্ধনত পাতল হালধীয়া ৰঙৰ চাৰ্ট আৰু আধুনিক ডিজাইনৰ নেভীব্লু ট্ৰাউজাৰ। চকুত এজোৰ পাতল ৰঙৰ চানগ্লাচ। জোঙা নাক। তেজগোৰা ৰ'দপোৰা, শৰীৰ। তৰুণ প্ৰাণোচ্ছল আভিজাত্য।

মুখত এটা জ্বলন্ত চিগাৰেট লৈ তীব্ৰ গতিৰে মটৰ চাইকেল চলাইছে অলকেশে। তাৰ সুগঠিত পাতল শৰীৰটো এডাল সৰল ৰেখাৰ দৰে লাগিছে। বতাহত তাৰ চুলিবোৰ ফিৰ্ ফিৰকৈ উৰিছে। সি হেলমেট পিন্ধা নাই। হেলমেট পিন্ধিলে তাৰ নিজকে ভীৰু যেন লাগে। হেলমেট নিপিন্ধা কাৰণে জৰিমনা ভৰিবলৈ সি ভয় নকৰে। গধুৰ হেলমেটটো তাৰ কাৰণে জঞ্জাল। বতাহে আমনি কৰিছে যদিও ভালেই লাগিছে তাৰ। দিনটোৰ প্ৰচণ্ড গৰমৰ পাচত স্নিগ্ধ ছায়াঘেৰা আবেলিটো সি যেন প্ৰাণ ঢালি উপভোগ কৰিছে।